# শ্ৰীশ্ৰীহনুমন্তে নমঃ

# শ্ৰীহনুমান চালিশা

## ।। দোহা।।

শ্ৰীগুৰু চৰণ সৰোজ ৰজ, নিজ মনু মুকুৰু সুধাৰি।
বৰনউ ৰঘুবৰ বিমল জসু জো দাযকু ফল চাৰি।।

অৰ্থ ঃ শ্ৰীগুৰুৰ চৰণ পদ্মৰ ধুলিৰে মানস দৰ্শনক সু পবিত্ৰ কৰে। শ্ৰীৰঘুবৰৰ বিমল যশস্যা বৰ্ণনা কৰিলে আৰু শ্ৰৱণ, কৰিলে ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰিবিধ বৰ্গৰ ফল পোৱা যায়।

বুদ্ধিহীন তনু জানিকে, সুমিৰৌ পবন-কুমাৰ।
বল বুদ্ধি বিদ্যা দেহু মোহি, হৰহু কলেশ বিকাৰ।।

অৰ্থ ঃ হে পবন নন্দনহু আপোনাৰ চৰণ পদ্ম মই স্মৰণ কৰো। আপুনি নিশ্চয় জানে যে মোৰ শৰীৰ আৰু জ্ঞান বুদ্ধি দুৰ্বল্। অনুগ্ৰহ কৰি আপুনি মোক শাৰীৰিক শক্তি,

সৎবুদ্ধি আৰু জ্ঞান দি সকলো দুখ আৰু দোষ বিদূৰ কৰে যেন।

## ।। চপয়।।

**জয় হনুমান জ্ঞান গুণ সাগৰ।**
**জয় কপীস তিহুঁ লোক উজাগৰ।।১।।**

অৰ্থ ঃ হে প্ৰভু হনুমানহু আপোনাৰ জয় হওঁক। আপুনি অসীম জ্ঞান আৰু গুণৰ মহাসাগৰ। ত্ৰিলোক পোহৰ কৰা সেই কপীসৰ জয় হওঁক।

**ৰামদূত অতুলিত বল ধামা।**
**অঞ্জনী-পুত্ৰ পবন সুত নামা।।২।।**

অৰ্থ ঃ আপুনি ভগৱান ৰামচন্দ্ৰৰ পৰম ভক্ত আৰু দূত। এই জগতত আপোনাৰ সমতুল্য আৰু কোনো নাই। সেই বাবেই আপুনি অঞ্জনা পুত্ৰ যাক আমি পবন নন্দনৰূপে পৃথিৱী বিখ্যাত বুলি জানো।

**মহাবীৰ বিক্ৰম বজৰঙ্গী।**
**কুমতি নিবাৰ সুমতি কে সঙ্গী।।৩।।**

অৰ্থ ঃ হে মহাবীৰ, আপোনাৰ বিশেষ শক্তিৰ বাবেই আপুনি মহাশক্তিমান। আপুনি জীৱৰ কুমতি ধ্বংস কৰি সুমতি দান কৰক।

কাঞ্চন বৰণ বিৰাজ সুবেসা।
কানন কুণ্ডল কুঞ্চিত কেশা।।৪।।

অৰ্থ ঃ আপুনি সোণবৰণীয়া, অতি সুন্দৰ ৰূপ সম্পন্ন, কাণত কুণ্ডল শোভিত, আপোনাৰ কুঞ্চিত চুলি।

হাত বজ্ৰ ঔ ধ্বজা বিৰাজৈ।
কাঁধে মূঁজ জনেউ সাজৈ।।৫।।

অৰ্থ ঃ আপোনৰ হাতত বজ্ৰ আৰু পতাকাধাৰী। কান্ধত মহা শক্তিশালী গদা আৰু লগুণ সুশোভিত।

শঙ্কৰ সুৱন কেশৰী নন্দন।
তেজ প্ৰতাপ মহা জগ বন্দন।।৬।।

অৰ্থ ঃ হে প্ৰভু, আপুনি শঙ্কৰৰ অৱতাৰ। হে কেশৰী নন্দন, আপোনাৰ মহান শক্তিৰ উৎস ত্ৰিভুবন বাসী জ্ঞাত।

**বিদ্যাবান গুণী অতি চাতুৰ।**
**ৰাম কাজ কৰিবে কো আতুৰ।।৭।।**

অৰ্থ ঃ আপুনি বিদ্যাবান, গুণী, অতি চতুৰ। আপুনি সুকৌশলী আৰু শ্ৰীৰামচন্দ্ৰৰ কাৰ্য সমাধান কৰিবলৈ সদায় ব্যাকুল হৈ থাকে।

**প্ৰভু চৰিত্ৰ সুনিবে কো ৰসিয়া।**
**ৰাম-লক্ষ্মণ সীতা মন বসিয়া।।৮।।**

অৰ্থ ঃ আপুনি ৰঘুবৰ ৰামচন্দ্ৰৰ পবিত্ৰ গুণানুকীৰ্তন কৰি মহা আনন্দ লাভ কৰে। ভগবান শ্ৰীৰামচন্দ্ৰ, সীতা মা আৰু লক্ষ্মণ সদায় আপোনাৰ মন মানসত বাস কৰি আহিছে।

**সূক্ষ্ম ৰূপ ধৰি সিয়হিঁ দিখাৱা।**
**বিকট ৰূপ ধৰি লঙ্ক জৰাৱা।।৯।।**

অৰ্থ ঃ আপুনি বুদ্ধি আৰু ক্ষমতাৰ বলেৰে সূক্ষ্ম আকাৰ ধৰি সীতা জানকীৰ আগত দেখা দিছিল। আৰু ভয়াবহ তথা বিকট ৰূপ ধাৰণ কৰি সোণৰ লংকা ধ্বংস কৰিছিল।

**ভীম ৰূপ ধৰি অসুৰ সংহাৰে।**

**ৰামচন্দ্ৰ কে কাজ সঁৱাৰে।।১০।।**

অৰ্থ ঃ আপুনি ভীমৰ ভয়ঙ্কৰ ৰূপ ধাৰণ কৰি ৰাক্ষসকূল ধ্বংস কৰিছিল আৰু সকলো বাধা-বিপৰ্যই লঙঘন কৰি শ্ৰীৰামচন্দ্ৰৰ কাৰ্য সিদ্ধি কৰিছিল।

**লায় সজীৱন লখন জিয়ায়ে।**

**শ্ৰীৰঘুবীৰ হৰসি উৰ লায়ে।।১১।।**

অৰ্থ ঃ আপুনি সুদূৰ গন্ধমাদন পৰ্বতলৈ গৈ সঞ্জীবনী ঔষধ আনি লক্ষ্মণৰ জীৱন ৰক্ষা কৰিছিল। প্ৰভু ৰামচন্দ্ৰই আনন্দিত হৈ আপোনাক বুকুত আকোঁৱলি লৈছিল।

**ৰঘুপতি কীন্‌হী বহুত বড়াই।**

**তুম মম প্ৰিয় ভৰতহি সম ভাই।।১২।।**

অৰ্থ ঃ হে অঞ্জন নন্দন, আপুনি ৰামচন্দ্ৰৰ দ্বাৰা ভূয়সি প্ৰশংসিত হৈছিল। ৰঘুপতি ৰামচন্দ্ৰই আপোনাক প্ৰশংসা কৰি কৈছিল যে তুমি মোৰ মৰমৰ ভাই ভৰতৰ সমান প্ৰিয় আৰু ভক্তিভাজন।

**সহস বদন তুম্হাৰো যশ গাবৈ।**

**অস কহি শ্ৰীপতি কণ্ঠ লগাবৈ।।১৩।।**

অৰ্থ ঃ শত সহস্ৰ মানৱে আপোনাৰ যশস্যা গান গাইছে। সকলোৱে আপোনাক শ্ৰীপতি শ্ৰীৰামচন্দ্ৰৰ কণ্ঠৰ সমান দৰ্শন কৰাইছে।

**সনকাদিক ব্ৰহ্মাদি মুনীসা।**

**নাৰদ সাৰদ সহিত অহীসা।।১৪।।**

অৰ্থ ঃ ব্ৰহ্মাক আদি কৰি সনক; সনন্দ আদি শ্ৰেষ্ঠ মুনি, নাৰদ, সৰস্বতী, অনন্তনাগ সমন্বয়ে সকলোৱে আপোনাৰ জয়গানেৰে মুখৰিত।

**যম কুবেৰ দিগপাল জহাঁ তে।**

**কবি কোবিদ কহি সকে কহাঁ তে।।১৫।।**

অৰ্থ ঃ যম, কুবেৰ আদি যিমান দিকপাল আছে- সকলোকে ধৰি কবি, বিদ্বান, পণ্ডিত সকলোৱে সহস্ৰ মুখেৰে আপোনাৰ যশস্যাৰ গাথাঁৰ অন্ত কৰিব নোৱাৰে।

তুম উপকাৰ সুগ্ৰীৱহি কীন্‌হা।
ৰাম মিলাই ৰাজ পদ দীন্‌হা।।১৬।।

অৰ্থঃ আপুনি বান্দৰ ৰাজ সুগ্ৰীবৰো বহুত উপকাৰ কৰিছে। আপোনাৰ অসীম কৃপাত ভগৱান শ্ৰীৰামচন্দ্ৰৰ সৈতে মিলন কৰাই সুগ্ৰীবক ৰাজপাট প্ৰাপ্ত কৰিছিল।

তুমহৰো মন্ত্ৰ বিভীষণ মানা।
লঙ্কেশ্বৰ ভয়ে সব জগ জানা।।১৭।।

অৰ্থ ঃ আপোনাৰ পৰামৰ্শ মতেই ৰাক্ষস ভাই বিভীষণে ভগৱান শ্ৰীৰামচন্দ্ৰৰ দৰ্শন লাভ কৰিছিল। আৰু আপোনাৰ কৃপাতেই ৰামচন্দ্ৰক অনুসৰণ কৰি ৰাজপাট পাইছিল।

যুগ সহস্ৰ যোজন পৰ ভানু।
লীলো তাহি মধুৰ ফল জানু।।১৮।।

অৰ্থ ঃ সূৰ্যদেৱ সহস্ৰ যোজন দূৰত অৱস্থিত। যাৰ ওচৰলৈ যাবলৈ সহস্ৰ যুগৰ প্ৰয়োজন, সেই সূৰ্যক আপুনি মধুৰ ফল বুলি ভাবি গিলি ৰাখিছিল।

**প্ৰভু মুদ্ৰিকা মেলী মুখ মাহী।**
**জলধি লাঁঘি গয়ে অচৰজ নাহী।।১৯।।**

অৰ্থ ঃ আপুনি শ্ৰীৰামচন্দ্ৰৰ নাম স্মৰণ কৰি সাগৰৰ নিচিনা বিশাল জলৰাশি জঁপিয়াই পাৰ হৈছিল। প্ৰভূৰ কৃপাত সাগৰে আপোনাক সহায় কৰিছিল। আৰু সেই সাগৰেই আপোনাৰ স্তৱ পাঠ কৰি আনন্দিত হৈছিল।

**দুৰ্গম কাজ জগত কে জেতে।**
**সুগম অনুগ্ৰহ তুম্হৰে তেতে।।২০।।**

অৰ্থ ঃ আপুনি সংসাৰৰ সকলোতকৈ ডাঙৰ আৰু কঠিন কাম-কাজ কৰিবলৈ সক্ষম হৈছিল। দুৰ্গম কাম সফল কৰি তোলাত আপোনাৰ নামকেই সদায় জগতে সোঁৱৰিব।

**ৰাম দুবাৰে তুন ৰখৱাৰে।**
**হোত ন আজ্ঞ বিনু পৈসাৰে।।২১।।**

অৰ্থ ঃ শ্ৰীৰামচন্দ্ৰৰ মঙ্গলৰ কাৰণে আপুনি শ্ৰীৰামচন্দ্ৰৰ সভাৰ দুৱাৰ ৰখীয়া আছিল। আপোনাৰ আদেশ অবিহনে তাত কাৰো প্ৰবেশৰ সাধ্য নাই।

সব সুখ লহৈ তুম্‌হাৰী সৰনা।
তুম ৰক্ষক কাহু কো ডৰনা।।২২।।

অৰ্থ ঃ আপোনাৰ নাম যিয়ে সদায় স্মৰণ কৰে তাৰ কোনো ধৰণৰ দুখ নাথাকে। আপোনাৰ নাম স্মৰণ কৰা ব্যক্তিসকল সদায়েই সুখী হয়।

আপন তেজ সম্‌হাৰো আপৈ।
তীনোঁ লোক হাঁক তে কাঁপৈ।।২৩।।

অৰ্থ ঃ আপোনাৰ তেজ (বিক্ৰম) কেৱল মাত্ৰ আপুনি সহ্য কৰি ধাৰণ কৰি ৰাখিব পাৰে। সেই শক্তি কেৱল আপোনাৰ ভিতৰতে নিহিত আছে। কাৰণ আপোনাৰ সিংহ গৰ্জনত ত্ৰিভুবন কঁপি থাকে।

ভূত পিশাচ নিকট নহিঁ আবৈ।
মহাবীৰ জব নাম সুনাবৈ।।২৪।।

অৰ্থ ঃ হে অঞ্জনা নন্দনহু যি সকলে আপোনাৰ মহাবীৰ নাম জপ কৰে তাৰ ওচৰে-পাজৰে কোনো প্ৰকাৰৰ ভূত প্ৰেত আৰু অসৎ লোক আহিব নোৱাৰে।

**নাশৈ ৰোগ হৰৈ সব পীৰা।**

**জপত নিৰন্তৰ হনুমত বীৰা।।২৫।।**

অৰ্থ ঃ হে মহাবীৰ হনুমান প্ৰভুহু যিয়ে দিনে ৰাতি আপোনাৰ নাম স্মৰণ কৰে, তেওঁৰ সকলো প্ৰকাৰৰ ৰোগৰ বিনাশ ঘটে। আপোনাৰ মঙ্গলময় নামত জীৱৰ দুখ-কষ্ট দূৰ হয়।

**সঙ্কট তেঁ হনুমান ছুড়াবৈ।**

**মন ক্ৰম বচন ধ্যান জো লাবৈ।।২৬।।**

অৰ্থ ঃ আপোনাৰ নাম যিয়ে ধ্যান কৰি জীৱন নিৰ্বাহ কৰে তাৰ সকলো প্ৰকাৰৰ দুখ-কষ্ট বিনাশপ্ৰাপ্ত হয়।

**সব পৰ ৰাম তপস্বী ৰাজা।**

**তিন কে কাজ সকল তুম সাজা।।২৭।।**

অৰ্থ ঃ শ্ৰীৰামচন্দ্ৰ সৰ্বশ্ৰেষ্ঠ তপস্বী আছিল। আপুনি তেওঁৰ বিশ্বাসী আছিল আৰু তেওঁৰ সকলো কাৰ্য আপুনি সম্পাদন কৰি ত্ৰিভুৱনত ধন্য হৈছিল।

**ঔৰ মনোৰথ জো কোই লাৱৈ।**
**সোই অমিত জীৱন ফল পাৱৈ।।২৮।।**

অৰ্থ ঃ আপোনাৰ ভক্তৰ মনত যিকোনো প্ৰকাৰৰ মনোবাঞ্ছা থাকিলে তেওঁ আপোনাৰ কৃপাত জীৱনৰ অপৰিমিত ফল লাভ কৰে।

**চাৰোঁ যুগ পৰতাপ তুম্হাৰা।**
**হৈ পৰসিদ্ধ জগত উজিয়াৰা।।২৯।।**

অৰ্থ ঃ সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি এই চাৰি যুগে আপোনাৰ যশস্যা বিদ্যমান। গোটেই পৃথিৱীতে আপোনাৰ কীৰ্ত্তি বিদ্যমান। সেয়েহে সমগ্ৰ জগৎ আপোনাৰ উপাসক।

**সাধু সন্ত কে তুম ৰখৱাৰে।**
**অসুৰ নিকন্দন ৰাম দুলাৰে।।৩০।।**

অৰ্থ ঃ আপুনি শ্ৰীৰামচন্দ্ৰৰ স্নেহাশিত। সাধু আৰু ধৰ্মপ্ৰাণ লোকক আপুনি ৰক্ষা কৰে আৰু অসুৰ প্ৰকৃতিৰ লোকক বিনাশ কৰি আপুনি সংসাৰত শান্তি স্থাপন কৰে।

**অষ্ট সিদ্ধি নৌ নিধি কে দাতা।**

**অস বৰ দীন জানকী মাতা।।৩১।।**

অৰ্থ ঃ হে কেশৰী নন্দনহু আপোনাক সীতা মাই যিটো বৰ প্ৰদান কৰিলে তাতেই আপোনাৰ অষ্ট সিদ্ধি আৰু নৌসিদ্ধিৰ দাতা হৈ পৰিলে।

**ৰাম ৰসায়ন তুম্হৰে পাসা।**

**সদা ৰহো ৰঘুপতি কে দাসা।।৩২।।**

অৰ্থ ঃ "ৰামনাম" জপ ই সকলো ৰোগৰ বিশাল ঔষধ। আপুনি শ্ৰীৰাম ৰঘুপতিৰ নাম সদায় স্মৰণ কৰি থাকেই। আপোনাৰ কৃপাতেই বৃদ্ধাৱস্থা আৰু অন্ধত্ব ৰোগ দূৰতে বিদুৰিত হয়।

**তুমহৰে ভজন ৰাম কো পাৱৈ।**

**জনম-জনম কে দুখ বিসৰাৱৈ।। ৩৩।।**

অৰ্থ ঃ আপোনাৰ নাম যিয়ে স্মৰণ কৰে, তেওঁ ৰামচন্দ্ৰৰ দৰ্শন পায়। সেইজন ভক্তৰ জন্ম-জন্মান্তৰৰ সকলো দুখকষ্ট বিনাশ পায়।

**অন্তকাল ৰঘুবৰপুৰ জাঈ।**

**জহাঁ জন্ম হৰি-ভক্ত কহাঈ।।৩৪।।**

অৰ্থ ঃ আপোনাক স্মৰণ কৰা ভক্ত জনে জীৱনৰ শেষ সময়ত ভগৱানৰ শ্ৰীধামত স্থান পায়। মৃত্যুৰ সময় পৰ্যন্ত তেওঁ হৰিৰ প্ৰিয় হৈ থাকে।

**ঔৰ দেৱতা চিত্ত ন ধৰঈ।**

**হনুমত সেঈ সৰ্ব সুখ কৰঈ।।৩৫।।**

অৰ্থ ঃ হে মহাবীৰ হনুমানজীহু যি ভক্তই একান্ত মনে আপোনাক স্মৰণ কৰে তেওঁ সকলো প্ৰকাৰৰ সুখ, আনন্দ লাভ কৰে। সেই ভক্তৰ বাকী দেৱ-দেৱীক পূজা কৰাৰ প্ৰয়োজন নহয়। একমাত্ৰ আপোনাক পূজা কৰিলেই সৰ্বকামনা পূৰ্ণ হয়।

**সঙ্কট কটৈ মিটৈ সব পীৰা।**

**জো সুমিৰৈ হনুমত বল বীৰা।।৩৬।।**

অৰ্থ ঃ হে সঙ্কটহাৰী মহাত্মাহু আপোনাক যিয়ে সদায়ে স্মৰণ কৰে তেওঁৰ সকলো বিঘ্নি বিনাশ হয়। সেইজনে কোনো প্ৰকাৰৰ দুখ-কষ্টৰ সন্মুখীন হ'ব নালাগে।

জৈ জৈ জৈ হনুমান গোসাঙী।
কৃপা কৰহু গুৰুদেৱ কীনাঙী।।৩৭।।

অৰ্থ ঃ হে মহাভক্ত হনুমানহু আপোনাৰ জয় হওঁক, আপোনাৰ কৃপাত গুৰু বৰ্ষিত হয়। সেয়েহে আমি ভক্তগণে আপোনাৰে আৰাধনা কৰো।

জো শতবাৰ পাঠ কৰ কোঙী।
ছুটহি বন্দি মহা সুখ হোঙী।।৩৮।।

অৰ্থ ঃ যিজন ব্যক্তিয়ে ভক্তি সহকাৰে আৰু পবিত্ৰভাৱে এশবাৰ আপোনাৰ চালিশা পাঠ কৰে, তেওঁৰ সাংসাৰিক বন্ধন আৰু আপদ মোচন হৈ জীৱনত আনন্দ লাভ কৰে।

জো য়হ পঢ়ে হনুমান চালিশা।
হোয় সিদ্ধি সাখী গৌৰীসা।।৩৯।।

অৰ্থ ঃ গৌৰীপতি শিৱ শঙ্কৰ মহাদেৱে আপোনাৰ মাহাত্ম্যপূৰ্ণ চালিশা ৰচনা কৰি গৈছে। এই চালিশা নিতৌ পাঠ কৰিলে জীৱনত সফলতা অৰ্জন হয়।

তুলসীদাস সদা হৰি চেৰা।
কীজৈ নাথ হৃদয় সহঁ ডেৰা।।৪০।।

অৰ্থ ঃ হে পৱননন্দন হনুমানজী, তুলসীদাস আছিল প্ৰভু শ্ৰীৰামৰ একনিষ্ঠ ভক্ত। তেওঁ শ্ৰীৰামৰ দাস আছিল। আপুনি আৰু ৰামচন্দ্ৰ তুলসী দাসৰ হৃদয়ত বাস কৰিছিল।

## দোহা

পৱন তনয় সঙ্কট হৰণ,
মঙ্গল মুৰতি ৰূপ।
ৰাম লখন সীতা সহিত,
হৃদয় বসহু সুৰ ভূপ।।

অৰ্থ ঃ হে মহামতি পবননন্দন, আপুনি সকলো প্ৰকাৰৰ সংকট হৰণকাৰী, আপুনি জগতৰ মূৰ্তিস্বৰূপ। এয়াই আমাৰ প্ৰাৰ্থনা যে, আপুনি শ্ৰীৰামচন্দ্ৰ, মাতা সীতা আৰু লক্ষ্মণসহ আমাৰ হৃদয়ত উপবিষ্ট হওঁক। জয় শ্ৰী প্ৰভু হনুমানৰ জয়।

ইতি শ্ৰীহনুমান চালিশা।